—প্ৰকাশক—

শ্ৰীভানুৰাম পেগু

জেইল ৰ'দ, যোৰহাট, অসম।

প্ৰথম প্ৰকাশ

১৯৫৮ চন।

মূল্য—

দৰ্পণ প্ৰেচ, যোৰহাট।

## এষাৰ কথা

— শ্ৰীআনন্দ বৰুৱা —

সাহিত্য সৃষ্টিৰ পাতনিতে আছিল পদ্য,—কবিতা। গদ্যই ব্যাকৰণৰ সকলো নিৰ্দ্দেশ মানি চলে কিন্তু পদ্য অনেক বিষয়ত স্বাধীন। দৰাচলতে গদ্য লিখাতকৈ পদ্য লিখা সহজ।

সকলো মানুহৰ যৌবন আৰম্ভনি একেই। যৌবনে সহাঁৰি দিয়াৰ লগে লগে। মনে উঁকি উঁকি কৰে। সৃষ্টিখন তেতিয়া বৰ ভাল ভাল লাগে ৰবি ঠাকুৰে সেই সময়ত গায়,—"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে।" কাৰণ মানুহৰ মাজত বাঁচি থাকিবলৈ ইচ্ছা হয়। পাঁচ হেজাৰ বছৰৰ আগৰ বেদেও এই কাৰণে কয়,—'জীবেম শৰদ: শতং।' এশতা শৰত জীয়াই থাকিম।

এইদৰে সৌন্দৰ্য্যৰ মাজত জীযাই থকা শ্ৰীলৌহিত্যৰ তৰুন সন্তান শ্ৰীভৃগুমুনি কাগ্যোঙৰ 'কবিতা-কুসুম'ৰ ভিতৰতো এটা ৰামাণ্টিক মনে বিবিধ স্বপ্ন দেখিছে। পুৰণিক নতুন যেন দখাতো যৌৱনৰ ধৰ্ম্ম। 'কবিতা-কুসুম'ৰ কবিয়ে সেইয়ে কৈছে—

'পুৰণি জগতখনি নতুন ৰহণ সানি
নতুন চকুৰে চাম নিতৌ নতুন,
নতুন মানহ আমি নতুন সাজেৰে সাজি
পুৰণি ৰূপত দিম নতুন ৰহন।"

পুৰণি ৰূপত নতুন ৰহন দি ছন্দোময় ভাষাৰে লিখা সাহিত্যই কবিতা।

"প্ৰভাত পখী"ৰ গান শুনি কবিয়ে আশা কৰিছে ;—

"বিনন্দীয়া প্ৰকৃতিৰ নিকুঞ্জ বনত
প্ৰাণৰ পখিলী আহি কৰিব বিহাৰ ;
গুণ গুণ সুৰে গাব প্ৰেমিক ভ্ৰমৰে
বিশ্বৰ বুকুত বব প্ৰেম ৰস ধাৰ।"

এই কবিতাটিৰ ছন্দ, ভাবৰ সমাবেশ আৰু অনুৰাগৰ বোল সম্পূ কবিত্ব সুলভ গুণেৰে বিভূষিত। শ্ৰীভৃগুমুনিৰ হিয়াৰ মাজত কবি মনে 'প্ৰভাত পখীৰ' গানত যি সৌন্দৰ্য্য, যি অনুভূতি আৰু যি প্ৰেৰণা লাভ কৰিছে বিশ্বজনৰ কাৰণেই চিৰন্তন সত্য।

অমৰ ইংৰাজ কবি ওৱাৰ্ডছ্বৰ্থৰ "ডেফ'ডিল্‌চ" নামে কবিতা টিৰ অনুবাদ কৰিও শ্ৰীভৃগুমুনিয়ে তেওঁৰ সাহিত্য প্ৰতিভাৰ যথেষ্ট পৰিচয় দিছে। অনুবাদটি বৰ হৃদয়গ্ৰাহী আৰু মূলৰ লগত ভাৱৰ সামঞ্জস্য তেনেই ৰক্ষিত হৈছে।

"নাও-নাৰৰীয়া" নামে কবিতাত কবিয়ে তেওঁৰ দাৰ্শনিক মনৰো পৰিচয় দিছে। লুইতৰ বুকুত ওপঙি যোৱা নাও দেখি অভয়-বানী শুনাইছে,—

"তথাপিতো নাৱৰীয়া ৰবৰ সময় নাই
ন' তুলি যিবা আছে শত বঠা হৈ।
প্ৰলয়ৰ ঢৌ দেখি কঁপিলে কিহৰ বুৰ,
যাবই লাগিব তই নিজ পাৰলৈ।"

যৌবনোচিত দৃপ্ত-কণ্ঠেৰে কবিয়ে বীৰৰ দৰে বাধা-বিঘিনি অতিক্ৰম কৰি যাবলৈ নাৱৰীয়া তথা সংসাৰ পথিকক এটি সুন্দৰ ইঙ্গিত দিছে।

"অচিন পৰত" কবিতাটিৰ ভাব, ভাষা, লালিত্য আৰু উপমা আদিয়ে "পাপৰি"ৰ কবি ৺গনেশ গগৈৰ অমৃতোপম ছন্দলৈ মনত পেলাই যদিও ই গগৈৰ অনুকৰণ বা ভাষানুবাদ নহয়। ইয়াতো কবিৰ নিজস্ব প্ৰকাশ ভঙ্গিমাই ঠাই পাইছে,—

"আহিবাঁচো সখী ঐ জীৱন-জোনাক বাতি
প্ৰেমৰ সুৰভি সানি আজৰি পৰত ;
তৰাৰ দীপালী পাতি বুকুৰে চিনাকি হম
নিৰলে নিজানে বহি অচিন পাৰত।"

মানসী-প্ৰতিমাৰ স'তে কবিয়ে ইয়াতকৈ আৰু কি ভাষাৰে কথা হব পাৰে ?

যাৰ পৰশত কবিতাই জনম পায়, কবিৰ হিয়াত ছন্দৰ ঢৌ উঠে— সেই কবিতা কুঁৱৰীক সম্বোধন কৰি কৈছে,—

"কেঁচা সোণ বৰণীয়া ওঁঠৰ বঙ্কিম ৰেখা
অনন্ত সৌন্দৰ্য্য ভৰা ওঁঠৰ লহৰি ;
অনন্ত মাধুৰী ভৰা জীৱন যৌৱন ৰূপ
অনন্ত কবিতা ভৰা কবিতা কুঁৱৰী॥"

"বিহুতলি লুইতৰে পাৰ" কবিতাটি অসমীয়া ৰোমান্টিক কবিতাৰ এটি শ্ৰেষ্ঠ নিদৰ্শন। ইয়াৰ ভাব-ভাষা আৰু প্ৰকাশ ভঙ্গিমা বিহু সুৰৰ লগত তেনেই মিলি গৈছে।

মোট কথা কবলৈ গলে আধুনিক কবিতাৰ বাস্তৱবাদৰ চিঞঁৰ বাখৰৰ মাজতো শ্ৰীভৃগু মুনিয়ে নিৰলে ৰোমান্টিক কবিতা লিখিবলৈও যি প্ৰেৰণা লাভ কৰিছে—সেই প্ৰেৰণাই তেওঁক আৰু উচ্চ কৰক। তেওঁৰ কবি মন বাঢ়ি যাওক আৰু ভবিষ্যতলৈ তেওঁ এজন খ্যাতনামা অসমীয়া কবি হিছাপে পৰিচিত হওক—এয়ে মোৰ সৰল প্ৰাৰ্থনা।

যোৰহাট
২২।৩।৫৮

# শলাগৰ শৰাই

জানো, শিমলু চন্দন নহয় আৰু মই লিখক বা কবিও নহওঁ। কবিতা কি বুজি নাপাওঁ আৰু বুজিবৰ মোৰ সাধ্যও নাই। তথাপিও সৌ সিদিনা চেঙেলীয়া কালত ( ১৯৫১ ) জীয়া বুকুখন [illegible] কাৰণে হয়তো জীয়া বুকুৰ কঁপনিত জন্ম হৈছিল "[illegible] কলি" আৰু "কবিতা কুসুম।" সমস্যা বহুল জীৱনত কেতিয়াবা পোৱাকে হেৰোৱাই হয়তো নোপোৱাকে বিচাৰি কল্পনাত উটি-ভাঁহি ফুৰা দিনবোৰৰ ক্ষুদ্ৰ সৃষ্টিবোৰ ব্যক্তিগত তৃপ্তিৰ বুলিয়েই বাস্তৱৰ ৰূপ দিবলৈ প্ৰয়াস কৰা নাছিলো। অন্তৰঙ্গ বন্ধু-বান্ধৱী সকলৰ উৎসাহ-উদ্দীপনাত "কবিতা-কুসুম"ক আজিৰ ৰূপ দিবলৈ [illegible]।

এই উৎসাহ-উদ্দীপনাক দুগুণে উৎসাহ দি আন্তৰিকতাৰে সৈতে পুথিখনি প্ৰকাশ কৰি দিয়াত পূজ্যবৰ শ্ৰীযুত ভানুৰাম পেগুদেৱক মোৰ হিয়াভৰা শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। মোৰ শিক্ষাগুৰু শ্ৰীযুক্ত ডিম্বেশ্বৰ নেওগ, শ্ৰীযুক্ত যতীন্দ্ৰনাথ গোস্বামী, শ্ৰীযুক্ত ঘনশ্যাম ভূঞাদেৱে হাতে লিখা অৱস্থাতে চকু ফুৰাই দিয়াত তেখেত সকললৈ মোৰ আন্তৰিক শ্ৰদ্ধা আগ বঢ়ালোঁ। অসমৰ খ্যাতনামা সাহিত্যিক, বকুল বনৰ কবি শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱাদেৱে সজ-পৰামৰ্শ দি "এষাৰ কথা"ৰে পাতনিখন লিখি দিয়াত তেখেতলৈ মোৰ শলাগৰ শৰাই আগ বঢ়ালোঁ। অন্তৰঙ্গ বন্ধু শ্ৰীকনকচন্দ্ৰ কলিতাই সিঁচৰিত হৈ থকা কিবা-কিবিবোৰ ধুনীয়াকৈ সজাই পৰাই "কবিতা-কুসুম" নাম কৰণ কৰি দিয়াৰ বাবে আৰু বন্ধুবৰ শ্ৰীনন্দেশ্বৰ ফুকনে কষ্ট কৰি ধুনীয়াকৈ লিখি দিয়াৰ বাবে তেখেত দুজনলৈ মোৰ হিয়াভৰা আন্তৰিকতা জনালোঁ।

"কবিতা-কুসুম"ৰ বেতুপাতৰ ছবিটো শিক্ষাগুৰু শ্ৰীযুক্ত মদন মোহন লহকৰ দেৱে আঁকি দিয়াত তেখেতলৈ মোৰ শ্ৰদ্ধাৰ শৰাগ জনালোঁ। যথাসময়ত "দৰ্পন প্ৰেছে" অশেষ কষ্ট কৰি যথাযত ভাৱে ছপা কৰি দিয়াত সমূহ কৰ্ম্মীলৈ মোৰ হিয়াভৰা কৃতজ্ঞতা জনালোঁ। ভুল মোৰ স্বাভাৱিক, গতিকে সদৌ শেষত সহৃদয় আৰু সহৃদয়া পাঠক পাঠিকাৰ ওচৰত অজ্ঞাত ভুলখিনিৰ বাবে ক্ষমা খুজি বাইজৰ "কবিতা-কুসুম" বাইজলৈকে আগ বঢ়ালোঁ।

বিনীত,

বাইজৰ স্নেহাকাঙ্খী

—ভৃগুমুনি—

নিবলা পঁজা
দিখৌ মুখ
৯।৩।৫৮




# আগলি পাত

ধূলি বালি খেলি ফুৰা নবালি জীৱন মোৰ
লুইতৰ পাৰতেই শেষ হৈ গ'ল ;
অনন্ত সৌন্দৰ্য্য ভৰা গুৱনি চাপৰিখনি
নবালিৰ গীত গোৱা খেমালিৰ থল।

ধন-মোৰ বাৰিষাৰ নিঠুৰ পৰশ লাগি
কতনা চাপৰি ভাঙি কতনা সজায় ;
ভঙা-পতা লুইতৰ নহয় নতুন লীলা—
নতুন চাপৰি পাতি নতুনে চৰায়।

তাৰেই পাৰত বহি সন্ধিয়াৰ জুৰ বা লই
ৰচি ৰচি শৈশৱৰ কত গীত গালো ;
কল্পনাৰ বোল লই জীৱনৰ ছাঁয়া জ্যোতি
নীৰলে নীৰলে বহি কতনা আঁকিলো।

পশ্চিমৰ আকাশত মাৰ যোৱা সুৰুযৰ
ৰঙীন ছবিটি দেখি সন্ধিয়া পৰত ;
উৰি যোৱা পখিটিৰ শেষৰ বিদায় গীতি
কতবাৰ শুনিছিলো লুইত পাৰত।

অতীত গৌৰৱ ভৰা বুৰঞ্জীৰ কত কথা
লুইতৰ পছোৱাই বিড়িয়াই কয় ;
কত বীৰ-বীৰাঙ্গনা জীৱন সমাধি গঢ়া
বুকুৰ ওপৰত তেজ ঢালিওয়ে বয়।

আজিওতো বিহুৱাই অতীত সুঁৱৰি গায়—
"তাহানিৰ বিহুতলী লুইতৰে পাৰ,"
চেনেহী লগৰী মোৰ নাচনী বহাগী আহি
বিহুতলী কপোঁৱাই আনন্দে হিয়াৰ।

লুইতৰ বুকুৰেদি কত নাও নাৱৰীয়া
শুকুলাকৈ পাল তৰি কতনা উফায়
পাল চৈ ডিঙা লই পশ্চিমীয়া বেপাৰীয়ে
নাৱৰীয়া গীত গাই কত ভটীয়াই।
প্ৰকৃতিৰ লীলা-ভূমি শুৱনি লুইতখনি
ঋতু-মাহ পৰশত কত ৰূপ চৰে;
ৰূপে-গুনে সুশোভিত সৌন্দয্য প্ৰকৃতি ৰাণী
নয়ন জুৰায় যায় মন-প্ৰাণ হৰে।
লুইতৰ পাৰ ভৰি কত ফুল আছে ফুলি
জানিলে গাঁথিব মালী বনৰীয়া ফুল,
ফুলি ফুলি নিজানত নীৰলে বিৰাজি থকা
সুগন্ধি সৌৰভ ভৰা প্ৰকৃতিৰ ফুল।
তাৰেই পাৰত বহি গন্ধহীন ফুল লই
মালীও নহওঁ কিন্তু মালা গাথিছিলো;
আলফুলে গথা সেই "কবিতা-কুসুম" মোৰ
ৰাইজৰ ওচৰত সাদৰেৰে যাচিলোঁ।

নিবৰা পঁজা
ডিখৌ মুখ, ১৯৫৮ চন

বিনীত—
ৰাইজৰ স্নেহাকাংক্ষী
—ভৃগুমুনি—




# কবিতা-কুসুম

## বুঢ়া লুইতৰ পাৰ

(ক)

পূৰ্ব্বাচল অসমৰ গিৰি গুহা গহ্বৰৰ
পাৰ ভাঙি বই অহা নিজৰাৰ ধাৰ ;
নিজৰি নিজৰি বোৱা মিলিত নিজৰা ধাৰা
গঢ়ি গ'ল সেইদিনা লুইতৰে পাৰ ।

তাৰেই পাৰত কত জাহ যোৱা জীৱনৰ
লুকা-লুকি খেলি আছে কতনা কাহিনী ;
বুৰঞ্জীৰ পাতে পাতে আজিও জিলিকে সেউ
ভীষ্মক ৰজাৰ সেই কুণ্ডিল নগৰী ।

বিজয়া শৰাই ঘাট যুগৰ বুকুত আছে
বিজয়া গৌৰৱ ঘোষি জগত বিৰাজি ;
আজিও জিলিকে চোৱা নেতাই ধবুনী ঘাট
আই সতী বেউলাৰ সতীত্ব গৌৰৱ ।

পৰ্ব্বতে পাহাৰে ভৰি কত দ'ল দেৱালয়
আদিম যুগৰ কত অতীত স্মৃতি ;
মামৰে সামৰি ধৰা বুৰঞ্জী সমল কত
সিচৰিত হৈ আছে যুগৰ কীৰিতি।

নতুন পুৰণি হ'ল পুৰণি মৰহি গ'ল
নতুনৰ ধাৰা বয় সৃষ্টিৰ বুকুত ;
ভঙা পতা লুইতৰ কতনা সপোন মোৰ
অজানিতে মাৰ গ'ল কালৰ সোঁতত।

( খ )

এই বুঢ়া লুইতৰ দক্ষিণ পাৰত সউ
আজিও জাগৰি আছে "কামখ্যা দেৱালয়":
"উজনিত কেচাই খাটি নামনিত কামখ্যা
মধ্যতে কামখ্যা" বুলি বুঢ়ালোকে কয়।

কামখ্যাৰ আশে-পাশে কত দ'ল দেৱালয়
আহোম ৰজাই পতা পুৰণি কালত ;
অলিখিত মথাউৰী আলি, নাদ, পুখুৰীয়ে
আজিও বিৰাজি আছে দিখৌ মুখত।

স্নুদূৰৰ মক্কা জিনি ইচ্‌লামৰ শিষ্য আহি
প্ৰথমে নামিলে য'ত আজিও "চাপৰি";
প্ৰথমে পুতিলে য'ত ইচ্‌লামৰ ধৰ্ম্ম খুটি
ইতিহাসে ৰিঙিয়াই সই "সৌৱাগুৰি"

ৰংপুৰ নগৰৰ সান্নিধ্যই আঁকি দিয়া
সোণালী আখৰে গঁথা বুৰঞ্জী পাতৰ;
বিদেশীৰ সতে হোৱা দিখৌ মুখৰ ৰণে
প্ৰতিধ্বনি তুলি আছে অসম সেনাৰ।

লুইতৰ বুকু ভেদি পাহাৰ সঙ্গমে যোৱা
একোটি ৰাতিয়ে গঢ়া "চিন্তামণি গড";
দলিও পতিত হই আজিও গহাঁৰি দিয়ে
তাৰেই বুকুত হোৱা জয় সংগ্ৰামৰ।

বৰবৰুৱাৰ "বৰ-আলি" আজিওতো গৈ আছে
ৰঙপুৰ সতে মিলি লুইত সদৃশে,
দেশৰ সেনানী দল কদম দমাই যায়
অতীত সুঁৱৰি আজি চাই আশে-পাশে।

আমোদ প্ৰমোদে গৈ খানি দিয়া পুখুৰীয়ে
বুৰঞ্জী প্ৰসিদ্ধ ঠাই আহোম ৰাজত্বত;
'মগলৌ' "টেলিয়াদোঙ্গা,' 'থনা-থুকুৰা,' 'টাঙ্গোনখোৱা'
আজিও জিলিকে চোৱা দিখৌ মুখত।

"টাঙোনধোৱা" পুখুৰীয়ে আজিও বুৰঞ্জী কয়
"শালমৰাভ" হোৱা ৰণ মানৰ লগত ;
শেষ ৰণ অসমৰ শেষ ৰাজ্য আহোমৰ
চিৰ দিন ঘোষি আছে এই জগতত ।

"দিখৌ" "গৰিয়াজান" দুয়োটি পাহাৰী নই
পাৰ ভাঙি বই আছে কুলু কুলু সুৰে ;
মৰমতে ভোল গই দুয়োকে সাবটি ল'ই
বুকুৰ মৰম যাচি মৰমী লুইতে ।

এই নদী সঙ্গমৰ দুয়োটি পাৰতে আছে
বন্ধুত্বৰ বান্ধ খাই মিলন স্থলত ;
"আজান পীৰৰ মছজিদে" ৰামখ্যাৰ দেৱালয়ে
আশীষ করুণা ঢালি লুইত পাৰত ।

শত শত নৰ-নাৰী আজিওতো পূজা দিয়ে
জ্বালি জ্বালি ধূপ-ধুনা পূজাৰ বেদীত ;
আজিওতো বাজি উঠে পূজাৰ সময় হ'লে
শঙ্খ-দবা, কাঁহ-ঘণ্টা, দেবী-মন্দিৰত ।

শিলৰ প্ৰতিমা খনি আজিও জাগ্ৰত হ'ই
পূজাৰীক দেখা দিয়ে মায়াবী ৰূপত :
মায়াবিনী "ৰামখ্যাই" হিয়াৰ করুণা ঢালি
জগত ব্যাপি আছে মাহাত্ম্য গুণত ।

ৰংপুৰ ৰাজঘৰত ৰজা-ৰাণী সবে মিলি
তাহানি বিশ্ৰাম লোৱা "বিশ্ৰাম-আগাৰ";
লুইতৰ বুকতেই সেই দিনা আহ গ'ল
কালৰ বুকুত থ'ই খিয়াতি সুখৰ।

কোঁৱৰ কুঁৱৰীহঁতে ৰঙ মনে খেলি ফুৰা
প্ৰমোদ কানন নিলে গচাই খহাই;
বহল বালিত গ'ই মৃগয়া চিকাৰ কৰা
সোণালী কাহিনী নিলে নৈয়ে উটুৱায়।

"ইটা-খুলি জানে" আজি বিচাৰি বিচাৰি কান্দে
তাৰেই পাৰত থকা সেন্দুৰীয়া আলি;
হেঙুলীয়া বোল লই লুইত পাৰত গোৱা
হেৰোৱা গীতৰ সুৰ সুঁৱৰি সুঁৱৰি।

আজিও জিলিকি আছে তাহানিৰ "ৰাজাবাহৰ"
হঠাতে অতিথি হৈ আছিল যিদিনা;
পৰিষদ সতে মিলি কটালে এদিন য'ত
সেই ঠায়ে সোঁৱৰাই কাহিনী সিদিনা।

পশ্চিমীয়া বেপাৰীয়ে নিজৰ বহানি ল'ই
সেইদিনা পাতি গ'ল হাট অসমত;
বিদেশী বেপাৰী দলে আজিও বেহাই ফুৰে
পানচৈ ডিঙা বান্ধি "দিখৌ ঘাটত।"

কত নাও নাৰীৰীয়া শুকুলাকৈ পাল তৰি
আজিওটো ভটীয়াই লুইত বুকত ;
লুইতৰ সোঁতে সোঁতে ভাটীয়ালী গীত গাই
পাল তৰা ডিঙা মেলে প্ৰবল সোঁতত।

( গ )

বসন্ত পৰশি যায় ঋতু মাহ পৰশত
প্ৰকৃতি ৰাজ্যত মেলি ৰঙৰ সঁফুৰা,
বাৰিষাৰ ভৰা নেযে ৰূপত ৰঙণ চৰি
ফুলাই লুহায় ডৰা কৰি মনোলোভা।

শাৰদীয় ৰতৰত সন্ধিয়াৰ আকাশত
উৰি যোৱা পখাবোৰে কত শোভা ধৰে,
পশ্চিমৰ দিগন্তত ৰাঙলী কিৰণ পৰি
শৰনা চাপৰি ডৰা আৰু ৰূপ চৰে।

ভাঙি পাতি লুইতেই ৰঙণ বুকুত সাজে
প্ৰকৃতিৰ কাম্যৰন শুৱনি চাপাৰ
বনৰীয়া পশু পখী বনৰ চৰিৰী আছি
মুকলি-মূৰীয়া ভাৱে ফুৰে চৰি চৰি।

লুইতৰ পাৰে পাৰে যুৱক-যুৱতী দল
ৰঙত বিভোৰ হই পৱিত্ৰ ভাৰত ;
নগৰ নগৰী সতে আপোন পাহৰা হ'ই
হাঁহি মাতি নাচি ফুৰে ৰাতি জোনাকত।

সৰল জীৱন ভৰা শান্তিৰ সৰল হিয়া
লুইত পৰীয়া সউ স্বাধীন প্ৰাণৰ ;
বিহুৱা ভকতে আজি সুৱদি সুৰেৰে গায়
'তাহানিৰ বিহুতলা লুইতৰে পাৰ।"

অনাদি অনন্ত কালে ভঙা পতা লুইতৰ
সৃষ্টিৰ বুকুত সত্য, নিত্য চিৰন্তন ;
সেই ধ্বংস সৃষ্টিৰ প্ৰবল সোঁতত পৰি
আজিওতো হৈ আছে উত্থান-পতন।

তথাপি জিলিকি আছে বুৰঞ্জীৰ পাতে পাতে
মানুহৰ মুখে মুখে অতীত কাহিনী ;
অতীতৰ বল-বীৰ্য্য স্বাধীন গৰিমা যশ
মহিমা মণ্ডিত হৈ অসম জননী।

---

* দিখৌমুখৰ বৰ্ণনা

# পুৰণি জগতখন

পুৰণি জগত খনি নতুন ৰহণ সানি
নতুন চকুৰে চাম নিতউ নতুন :
নতুন মানুহ আমি নতুন সাজেৰে সাজি
পুৰণি ৰূপত দিম, নতুন ৰহণ।

নতুন সাজেৰে সাজি উষাৰ হেঙুলি বেলি
দীপ্তিৰ শলিতা জ্বালি পুৱালী মেঘত ;
পুৰণি জগতখনি সুবৰ্ণ জ্যোতিৰে জ্বলি
নতুন সন্ধান দিব পুৰণি বুকুত।

নতুন প্ৰাণত আমি নতুন প্ৰেৰণা আনি
নতুন বাহুৰ বলে শতুক নাশিম ;
নতুন ৰূপেৰে আজি মৰহা জগত খনি
নতুন ৰহণ সানি নতুন দেখিম।

পুৰণি সমাজ ভাঙি নতুন সাজেৰে সাজি
গঢ়িম নতুন কৰি নতুন সমাজ ;
শান্তিৰ শীতল ছাঁয়া নতুনে বিলাম তাত
নতুন জগত হব শান্তিৰে বিৰাজ।

নতুন বলেৰে আমি পুৰণি শোষণ-নীতি
দণ্ডিত শোষিত শত তাপিত জনৰ ;
মায়াৰ ছলনা ছবি সমূলে নাশিম আজি
দাৰিদ্র—স্থাপিত নীতি পুৰণি দেশৰ।

নতুন যুগৰ সতে অতীত মৰহি যাব
কলুষ-স্মৃতি যত বিস্মৃতি বুকুত ;
নতুন তুলিকা ল'ই আঁকিম নতুন ছবি
পুৰণি জগতখনি নতুন সাজত।

নতুন পথেৰে যাম পুৰণি দেশলৈ আজি
নতুন সন্ধান ল'ই নতুন পথৰ ;
নতুন পথেৰে দিম আন্ধাৰ জগতখনি
সৃষ্টিৰ বিমল ছাঁয়া চিৰ সুন্দৰৰ।

নতুন বিজয়ী গানে নতুন ৰাগিণী তানে
নিদ্রিত জগতখনি জগাই তুলিম ;
নতুন মানুহ আমি, পুৰণি জগতখনি
নতুন সম্ভাৰে আজি নতুন গঢ়িম।

## সোণৰ অসম

ডেকা গাভৰুৰ দল, আশা ভৰসাৰ থল,
সোণৰ অসম মোৰ, খ্যাতিৰ থল
সোণৰ অসম মোৰ কীৰিজিৰে দ'ল।

সোণালী আখৰে ইতিহাস ৰচিবি
সোণালী পাতেৰে জগত জিলিকাবি
বীৰ লাচিতৰে দল
শৰাজীৰ শকতি বল;
অতীতৰ গৰিমা বীৰ চিলাৰায়ে
নাশিলে শত্ৰুৰ দল।

এই অসমতে জয়াৰে সমাধি
আজিও বিৰাজে জগতত খিয়াতি
সাৱিত্ৰীৰ সতীত্বৰ ঢল
সীতা আইৰ সতীত্বৰ বল;
মুলা-গাভৰুৱে দেশৰে শত্ৰুৰ
বোৱালে তেজৰে ঢল।

এই অসমতে মণিৰাম পিয়লি
দেশৰ কাৰণে পৰাণ তিয়াগি
বীৰ শ্বহীদৰে দল
দেশ সেৱকৰে দল;
কুশল কোঁৱৰে বিদেশী শত্ৰুৰ
নাশিলে শাসকৰ দল।

সিদিনা ইয়াতে আই ভোগেশ্বৰী
সুকোমল শৰীৰে বীৰৰ জীয়াৰী
দেশ সেৱকিনীৰ দল
অসম জীয়াৰীৰ দল;
কনকলতাই নিজকে বলি দি
ৰাখি গ'ল খিয়াতিৰ থল।

আজিও জিলিকে জগতৰ বুৰঞ্জী
সোণালী পাতেৰে অসমৰ খিয়াতি
গঢ়ি দিয়া যুগৰে দ'ল
বীৰ অসমৰে দল:
অতীত গৰিমা অতীত কীৰিতি
জগতত জিলিকি ৰ'ল।

উঠা অসম'ৰ যুৱক-যুৱতী
জাগা অতীতৰে সুঁৱৰি কীৰিতি
বীৰ বীৰাঙ্গনাৰ দল
ধৰণী কঁপাই তল;
বীৰৰ সমাধি অসমৰে ভূমি
বীৰৰ কীৰিতি দ'ল।

— —

# সভ্যতাৰ অৱহেলিত খেতিয়ক মই

( ক )

নগৰৰ পথ্যা আজি বহুদূৰ দূৰণিত
চাপৰিত বাস কৰা খেতিয়ক মই;
পৃথিবীৰ বুকু ফালি তুমুল সংগ্ৰাম কৰো
সংগ্ৰামৰ বুকতেই জীৱন জীয়াই।

আধুনিক জগতৰ আধুনিক সমাজৰ
গতিশীল জগতৰ নতুনৰ গতি;
আজি কৃষি শতিকাৰ পোহৰ নেপাওঁ মই
অন্তৰত থাকিলেও তাত মোৰ ৰতি।

সাতাম পুৰুষ গ'ল সেই একে গতিৰেই
খেতিয়ক জীৱনেই পৰিচয় মোৰ;
খেতিয়ক সকলৰ তেজৰ পানীৰে গঢ়া
হালোৱা হজুৱা মই, বংশ বমুৱাৰ।

বছৰৰ ব৷ৰ মাহে কৰো মই খেতিকেই
জাৰ জহ বাৰিষাৰ সকলো পৰত;
আহু আৰু বাও ধান শালি আৰু গোমধান
যতবোৰ যি খেতি হয় বতৰত।

বাৰী ভৰ পৰে মোৰ বাৰ মাহী খেতিৰেই
আম-নেমু কত গছ-গছনিয়ে ভৰা ;
ফল-মূল দেখি দেখি অন্তৰ উপচি পৰে
কতনা বুটলি পাওঁ আৰু তল সৰা।

দিনে দিনে বাঢ়ি যায় আশা আৰু অভিলাষ
নতুন শইচ আনো বিচাৰি বিচাৰি ;
নতুনৰ সন্ধানত আকুল পৰাণে মোৰ
দুখ কষ্ট ভাবিবৰ নাপায় আহাৰ।

ঘৰ-বাৰী সাজিবৰ নালাগে ইটাৰ খুটা
টিনপাত চীনামাটি আইনা খিৰিকীৰ ;
জীৱন সম্পদ ৰাশি চৌদিশে আছে ভৰি
জীৱনে মৰণে পাওঁ দান প্ৰকৃতিৰ।

বতৰত তাৰে তুলি পূৰঠ ভৰাল বান্ধো
কল-কঠাল, পান-তামোল, কত কিযে পাওঁ।
বেচি কিনি তাৰে আজি সকলো গোটাই ল'ই
সুখে ভৰা একোখনি সংসাৰ চলাওঁ।

হাবি-বন চাপৰিয়ে কামনাৰ ৰম্যপুৰী
তাৰেই বুকুত থাকো জীৱন জুৰাই ;
জীৱনৰ জীয়া জ্যোতি তাৰেই বুকুত পাওঁ
সভ্যতাৰ অৱহেলিত খেতিয়ক মই।

( খ )

পৃথিবীৰ বুকু ফলা তুমুল সংগ্ৰামে মোৰ
কতৰ পেটৰ ভাত দিছেহি বিলাই ;
জগতৰ নৰ-নাৰী ধনী দুখী সকলৰ
মৰা-জীয়া সমাজক ৰাখিছো জীয়াই।

জানে জানো কোনোবাই মোৰ এই জীৱনত
ভুগিছো কতনা আজি যাতনা নিকাৰ ;
যাতনাৰ জীয়া জুই দেখে জানো কোনোবাই
শোকে দুখে ভৰা এই চহা জীৱনৰ।

কলিজাৰ ক'লা ঘাম মাটিত পেলাই ল'ই
জগতৰ অপূৰণ ৰাখিছো পূৰাই ;
জাৰ-জহ বাৰিষাৰ হিমে ঢকা কুঁৱলীয়ে
শ্ৰান্তিহীন জীৱনক দুগুণে জ্বলাই।

আহাৰৰ ৰঙা ৰদে কপাল তিয়াই যায়
টোপা টোপে বৰষুণে মৰম বিলাই ;
বোকা পানী সৰে মিলি লুতুৰি পুতুৰি কৰি
নতুন ৰঙেৰে মোৰ শৰীৰ বোলায়।

বতৰৰ আহ্বান ৰবৰ সময় নাই
আহে দিন আহে মাহ নিতে বই যায় ;
খাবৰ সময় নাই শুবৰ সময় নাই
আজি দিন পলকতে মাৰ যায় যায়।

কৰ্ম্মময় জীৱনৰ কৰমেই লগ মোৰ
কৰমৰ বিনে আৰু নাই আজি গতি ;
অন্তহীন অভিলাষে মৰীচিকা খেদি খেদি
খেতিয়ক জীৱনক কৰে লটি ঘটি।

ভাবে জানো দেহি ঐ মোৰ এই জীৱনক
কয় জানো কোনোবাই মোৰ পৰিচয় ;
এই কৃষি শক্তিকাৰ সভ্যতাৰ আঁতৰত
সভ্যতাৰ অৱহেলিত খেতিয়ক মই।

( গ )

দিনৰ পিছত মাহ বছৰ বাগৰি যায়
ক্ৰমে ক্ৰমে বাঢ়ি যায় পৰিয়াল মোৰ
খেতি মাটি উপাদানে বছৰ নোজোৰা হয়
বেচা-কিনা খৰচৰে পাৰ যায় ওৰ।

ভাগে ভাগ ভাগ হয় মাটি-বাৰী গৰু-মহ
যতবোৰ ঘটিছিলোঁ জীৱন সমল ;
ভাগে ভাগে ভাগ ল'ই সকলো আঁতৰি গ'ই
ভাগে ভাগে বাস কৰে একো পৰিয়াল।

খেতি কৰোঁ তথাপিতো নতুন মাটিত মই
চাৰি বন চাপৰিৰে চন পাৰ থকা ;
শাসনৰ ব্যভিচাৰে কৰি মোৰ অবিচাৰ
অনাচাৰ অত্যাচাৰে কৰে জাৰমনা।

কৰ আৰু কাটলৰ খাজনা হেঁচাও চৰে
দণ্ডত শোষিত নীতি নতুন আইন ;
কাঁহ-বাটি, মাটি-বাৰী কেৰু-মণি, গৰু বেচি
দিব লাগে জৰিমনা অপৰাধী জন।

জীৱন আগুৰি ধৰে অভাৱ আৰু অনাটনে
দিনে দিনে বস্তুৰ দাম বাঢ়ি যায় ;
খেতি মাটি উপাদানে সংসাৰ নচলা হয়
উপায় নেদেখি একো কৰোঁ হায় হায়।

খেতিয়ক জীৱনত কৰিলে এনুৱা গতি
খেতিৰ মাটিও হয় দিনেও নাটনি ;
দিনে দিনে বাঢ়ি যোৱা বংশ আৰু পৰিয়ালে
সৃষ্টিৰ বুকুত মেলে নতুন পাৰ্তনি।

সৃষ্টিৰ বুকুত থকা বহল পৃথিৱীখন
সকলিকে ঠাই নাই নহয় আমাৰ ;
চহা আৰু হজুৱাৰ খেতিয়ক বণুৱাৰ
কৃষিজীৱি সকলৰ নাই অধিকাৰ।

কোনেও নুবুজা এই অৱহেলিত খেতিয়ক
অসভ্য শাৰীত মোৰ জীৱনৰ স্থান ;
খেতি মাটি অবিহনে জীৱন নচলে আজি
নোৱাৰো সাধিব একো জীৱনত আন।

সভ্যতাৰ হেঁচা চেপা অশেষ যাতনা সহি
বৰ্ব্বৰ জীৱনক ৰাখিছো জীয়াই ;
জীয়া-মৰা জন্তুৰ ক্লেশ যাতনা ভৰা
সভ্যতাৰ অৱহেলিত খেতিয়ক মই।

---

# প্ৰভাত পখী

( ক )

সেই দিনা হেমন্তৰ শুভ প্ৰভাতত
বহিছিলোঁ নীৰালই নিবলা পঁজাত ;
কোনোবা দেশৰ পৰা পখী উৰি আহি
গাই গ'ল গীত এটি পঞ্চম সুৰত।

( খ )

নুবুজিলোঁ বিহগীয়ে অস্ফুট ভাষাৰে
কিনো গীত গাই গ'ল নিৰ্জ্জন বনত ;
সুমধুৰ কণ্ঠস্বৰে কোন বিৰহীৰ
মিলন বাৰ্ত্তাৰ দিলে প্ৰেমিক প্ৰাণত।

( গ )

আনিছিলা যদি তুমি বসন্ত বাতৰি
দিম বুলি জীৰ্ণ-শীৰ্ণ প্ৰকৃত ৰাজ্যত ;
গাই যোৱা গীত তেনে পঞ্চমত সুৰে
উজ্বলি উঠক ধৰা সেই সঙ্গীতত।

( ঘ )

ফুলনিৰ প্ৰেমকলি হ'ক বিকশিত
সুগন্ধি সৌৰভ যক চৌদিশে বই ;
বাসন্তী কুঁৱৰী প্ৰাণ হ'ক পুলকিত
মলয়াই বিতৰক প্ৰেম-সুধা লই ।

( ঙ )

প্ৰেমিক-প্ৰেমিকা প্ৰাণ চমকি উঠক
হৰ্ষহীন গছে-পাতে সলক বৰণ ;
নতুন সাজেৰে সাজি প্ৰকৃতি কানন
বিভুৰ মহিমা গ'ক কৰি সোঁৱৰণ ।

( চ )

( সিদিনা ) বিনন্দীয়া প্ৰকৃতিৰ নিকুঞ্জ বনত
প্ৰাণৰ পখিলি আহি কৰিব বিহাৰ ;
গুণ্ গুণ্ সুৰে গাব প্ৰেমিক ভ্ৰমৰে
বিশ্বৰ বুকুত বব প্ৰেমৰস ধাৰ ।

( ছ )

প্ৰকৃতি বিৰাজি গাব বসন্ত বিহগে
সিদিনা শুনিম বহি "নিৰলা পঁজাত" ;
তুমিও তেতিয়া গাবা প্ৰেম-গীত জুৰি
শান্তনা লভিব প্ৰাণে সেই সঙ্গীতত ।



## ডেফ'ডিল্‌চ

পৰ্ব্বত পাহাৰ ভূমি ভাঁহি ফুৰা ওপৰেদি
আকাশী মেঘৰ দৰে ওপৰে ওপৰে ;
উদ্দেশ্যবিহীন হই ফুৰিছিলোঁ ভ্ৰমি মই
বিজন প্ৰান্তৰ মাজে অকলে অকলে।

হঠাতে পৰিল চকু সোনোৱালী ফুল বহু
ফুলি থকা ডেফ'ডিল্‌চ পুখুৰী পাৰত ;
বিৰিখৰ তলে তলে মৃদু-মধু লয়-লাসে
আনন্দৰ ঢউ খেলা মৃদু মলয়াত।

পুখুৰীৰ পাৰে পাৰে অবিছিন্ন আৱৰণে
পুখুৰী শোভিত কৰি আছে ফুলি ফুলি ;
সঞ্জীৱিত ৰূপ ধৰি শাৰী শাৰী ফুল-ৰাশি
মলয় পৱন সতে হেন্দোলি হেন্দোলি।

সুবিমল আকাশত হাতীপাটি তাৰকাৰ
যামিনী বুকুত যেনে ৰূপ চিকিমিকি ;
আনন্দৰ বা লাগি কত শত ফুলৰাণী
হালি-জালি নাচি আছে মাৰি মিচিকনি।

পুখুৰীৰ পানী সবে নাচোনৰ চেৱে চেৱে
আনন্দৰ সোঁতে সোঁতে প্ৰাণ উটুৱাই,
উছালি উছালি পানী নাচনৰ হিল্লোল তুলি
নাচি আছে উলাহত প্ৰাণ উদিয়াই।

তথাপিতো পৰা নাই উছালিত ঢউ ৰাশি
যদিওবা জিলিকিছে ৰূপ জিলিঙনি;
নিৰুপমা প্ৰকৃতিৰ অনুপমা সৌন্দৰ্য্যৰ
আনন্দ সঁফুৰা লই নচা ফুল ৰাণী।

নোৱাৰি নলভি তাৰ বিনন্দীয়া প্ৰকৃতিৰ
বিপুল আনন্দ দেখি কবি পৰাণত;
ভোল গলো চাই চাই সৃষ্টিৰ ৰহস্য দেখি
অজানিতে উটি গলো আনন্দ সোঁতত।

(আজিও) যেতিয়া সোঁৱৰো মই অতীত স্মৃতি লই
শেতেলীত পৰি পৰি হেৰোৱা অতীত;
ভাঁহি উঠে সিদিনাৰ বিনন্দীয়া প্ৰকৃতিৰ
সোনোৱালী ডেফ'ডিল্চ মানস পটত।

সেয়ে আজি নিৰলাৰ স্বৰ্গীয় আনন্দ মোৰ
সোঁৱৰণী সোঁতে যায় প্ৰাণ উটি ভাঁহি;
নিমিষতে মিল হই আনন্দ সঁফুৰা লই
"ডেফ'ডিলচ" ফুল সতে উঠে নাচি নাচি। *

---

* Wiliam Wordsworth ৰ Daffodils ৰ ভাঙনি।

# নাও নাৱৰীয়া

আজি কিয় নাৱৰীয়া হঠাতে মেলিলি নাও
ঢউ ভৰা লুইতৰ প্ৰৱল সোঁতত ;
বান্ধনি বদালি বেলি সউ মাৰ যায় যায়
শেষৰ মেলানি মাগি দূৰ পশ্চিমত ।

সুদূৰত গৰজিছে মেঘত গাজনি মেলি
বিজুলী চমকে সউ দূৰ গগণত ;
লুইতৰ বালি গৰা চপৰা চপৰে খহে
তোলে তোৰ প্ৰলয়ৰ ঢউ লুইতত ।

আকাশত পাখি মেলি বনৰীয়া পখী জাকে
জাকি মাৰি উৰি যায় বাহমুৱা হই ;
বনে বনে চৰি ফুৰা বনৰ হৰিণী সউ
লৰমাৰে নাৱৰীয়া দূৰ দূৰলই ।

পথৰ পথিকে সউ লুইতৰ পাৰে পাৰে
লৰদিছে ধুমূহাৰ ঢউ দেখি দেখি ;
নগৰ নগৰী সতে লঘুৱা বগুৱা সবে
লৰ মাৰে গৰখীয়া গৰু খেদি খেদি ।

তথাপিতো নাৱৰীয়া ধৰৰ সময় নাই
ল' তুলি যিবা আছে যত বঠা ছৈ।
প্ৰলয়ৰ ঢৌ দেখি ক'পিলে কিহৰ বুকু
যাবই লাগিব তই নিজ পাৰলই।

নকৰিবি বে'লি তই মনোমোহা লুইতৰ
জিলিকনি দেখি দেখি ৰূপালী বালিৰ:
শুৱনি চাপৰি দেখি নাও তোৰ নচপাবি
নলবি প্ৰাণত আঁকি ৰূপ চপৰিৰ।

সেউজীয়া ধাননিৰ সেঁওৱালী সৰিয়হৰ
ফুলি উঠা বসন্তক নলবি সুঁৱৰি;
কলীয়া কুলীৰ গীতে বসন্ত বাতৰি দিয়া
মইনা কেতেকী মাত যা চো পাহৰি।

ৰূপোৱালী লুইতৰ বহল বালিত গই
বালি-ভোজ খোৱা কথা দে' দলিয়াই;
বালিঘৰ সাজি সাজি কিশোৰী জীৱন লীলা
লুইতৰ সোঁতে সোঁতে দে' উটুৱাই।

বাৰিষা জেউতি চৰি যৌৱনৰ পূৰ্ণতাত
ফেনে-ফুট্‌কাৰে বোৱা লুইতীয়া কথা;
লুইতীয়া ঝাৱনি ফুলি মেটেকা মনোৰ ভৰি
বই যোৱা কথা আজি পাহৰি পেলা।

চাকনৈয়া ডকা দেখি বুকু তোৰ নক'পাবি
প্ৰাণত নানিবি আজি অতীতৰ কথা;
প্ৰলয়ৰ ঢউ সতে জীৱন সাৰথি গটি
নাও মেলি গুচি যা নাও নাৱৰীয়া।

# মই বাটকুৰা

আহিছিল আকউ আজি বাট এৰি অবাটেদি
অভিশপ্ত জনমৰ ভাৰ বান্ধি লই ;
সুবিশাল জগতৰ পিচল বাটটি দেখি
খুপি খুপি যাম বুলি দিনকণা হই ।

হাবি-বন গিৰি ভেদি নদ-নদী খান-জুৰি
সাহ-বান্ধি শুনি যাবি মেঘৰ গাজনি ;
অভিশপ্ত জনমৰ পৰিত্যক্ত জীৱনৰ
খলা বমা পাৰ হই বাট বুলি বুলি ।

জনমৰ লগে লগে সমৰ থলীত নামি
কতবাৰ পাতি গলি জীৱনৰ যুঁজ ;
আশা আৰু নিৰাশাৰ জীৱন সংগ্ৰাম জুৰি
নোৱাৰিলি উধাবটো এটি মাথো খোজ ।

অচিন পথৰ সতে পাতিব সংগ্ৰাম আজি
গন্তব্যৰ স্থান তোৰ বিচাৰি বিচাৰি ;
তিমিৰ পথিক হই পিচল বাটটি খুপি
গুচি যাবি আন্ধাৰত বাট বুলি বুলি ।

পাৰ যদি সম্মুখত পাষাণ পৰ্ব্বত শিলা
কাষত পাৰ যদি পৰ পাৰাবাৰ ;
জীৱন নদীত তোৰ পাৰিদি আশাৰ তৰী
চাই লবি সিপাৰৰ এটি পাৰাপাৰ।

সুবিশাল জলধিত নিৰাশাৰ পাল তৰি
লেখি লেখি গুচি যাবি জীৱনৰ ঢৌ ;
জীৱন জোৱাৰ উঠি পাল ভাঙি লই যাব
প্ৰাণত লগাব তোৰ থউকি বাথউ।

তথাপিতো বাটৰুৱা যাবি নিতে আগুৱাই
বিপদৰ জয়-শঙ্খ শুনিও নুশুনি ;
সুকৃষৰ পোহৰত ঘোপমৰা আন্ধাৰত
অকলশৰীয়া হই আশা পালি পালি।

অসীমৰ বাটে ঘাটে গাই যাবি বাটৰুৱা
দীন দুখী তাপিতৰ প্ৰীতিসনা গান ;
অৰ্দ্ধনগ্ন দৰিদ্ৰৰ হাঁহ অশ্ৰু বিষাদৰ
বিৰহ আৰু মিলনৰ মান অভিমান।

জীৱনৰ সংগ্ৰামত সকলো হেৰাল মোৰ
ব্যৰ্থতাৰ জ্বলে আজি তীব্ৰ দাবানল,
জীৱন-সমাধি হলে মৰুৰ বুকুত মোৰ
গুমাব আপুনি জ্বলা হিয়াৰ অনল।

জীৱনত সুখ-শান্তি সংকুৰৰ স্বৰ্ণজ্যোতি
নাপালোঁ শাৰদা জোন মাথোঁ এটিবাৰ,
ব্যৰ্থতাৰ তাড়নাত সেয়ে আজি সৰ্ব্বহাৰা
পৰাণত জাগি উঠে মাথোঁ হাহাকাৰ।

অভিশপ্ত জনমৰ পৰিত্যক্ত পঁজা এৰি
বিৰক্তিৰ বোজা বান্ধি হলোঁ পথহাৰা;
অসীম পথত মই যাম আজি আশা পালি
শ্ৰান্তিহীন সংসাৰত মই বাটৰুৱা।



## অচিন পাৰত

নজনা নুশুনা মোৰ জনমৰ অচিনাকি
কোন তুমি দেৱবালা চেনেহী মাতত ?
কিয়বা চিনাকি মাতে লাহেৰ ওৰণি ফালি
আদৰি সাদৰি মাতা অচিন পাৰত।

যদিওবা নাই হোৱা জনমত চিনাচিনি
প্ৰেমৰ ডোলেৰে গঁথা কোনোবা যুগৰ ;
সেইদিনাতথাপিতো শাৰদী জোনাক ৰাতি
দেখা দেখি হৈছিলো মাথো এটি বাৰ।

তুমি জানো সেইদিনা লগৰ লগৰী সতে
ধুনীয়া জোনাক ৰাতি একেটি বাটত ;
প্ৰতিমা সন্ধান লই যোৱা নাই বাটবুলি
পূজো বুলি লখিমীৰ ওখনি পাৰত।

হাঁহিছিল সেইদিনা শাৰদী জোনায়ে সখী
মধুৰ হাঁহিটি মাৰি ৰূপালী ওৰাই ;
আমিওতো গইছিলোঁ আপোন মগন হই
আনন্দৰ ঢউ খেলা তৰা লেখা লেখি।

চউদিশে মুখৰিত পূজাৰ আৰতি গীতে
মনোমোহা জোনাকৰ শাৰদী পৰত;
নীৰৱতা ভেদ কৰি . ধুনীয়া জোনাক ৰাতি
বাজিছিল শঙ্খধ্বনি পূজাৰ বেদীত।

প্ৰীতি-ফুল বাচি বাচি ফুলেৰে সজ্জিত কৰি
পূজাৰ মণ্ডপে জ্বালি ভৰাৰ দীপালী;
দলে দলে, দলে আহি ধূপ-ধুনা জ্বালি জ্বালি
পূজিছিল জনন ক হৃদয় আঁকোলী।

পৰিছে মনত আজি সিদিনাৰ কথা ফাঁকি
শাৰদী নিশাত হোৱা দুয়ো চিনাচিনি;
চকুৰে চকুৰে পৰি মিচিকি হাঁহিটি মৰা
পৰিছে মনত আজি ৰিণিকি ৰিণিকি।

কিয়জানো ভাল লাগে সুঁৱৰি সুঁৱৰি আজ
সেইদিনা জোনাকত নীৰৱে নিজানে;
নীৰৱে নীৰৱে চোৱা তোমাৰ মানস লীলা
লয়লাসে খোজকঢ়া আপোন মগনে।

নাইকোৱা সেইদিনা হৃদয় দুৱাৰ মেলি
নাই হোৱা যদিওবা বুকুৰ চিনাকি;
আজি কিন্তু অজানিতে সুঁৱৰিয়ে ভাল লাগে
ৰঙীন ওঁঠৰ সেই মিচিকি হাঁহিটি।

যদিও আছিল মোৰ ভালপোৱা অন্তৰত
সাঁচি থোৱা হৃদয়ৰ নিভৃত কোণত ;
তথাপিও নোৱাৰিলোঁ ভালপোৱা যাচি দিব
প্ৰীতি-ভৰা বহুঘৰা অচিন পাৰত।

নিজানত ফুলি ফুলি নিৰলে বিৰাজি থকা
ধুনীয়া গোলাপী দৰে তোমাৰো জীৱন ;
ফুলি ফুলি নিজানত নিৰলে মৰহি যোৱা
প্ৰেমৰ সুৰভি ঢালি জীৱন যৌৱন।

আহিবাচোঁ সখী ঐ জীৱন জোনাক ৰাতি
প্ৰেমৰ সুৰভি সানি আজৰি পৰত :
তৰাৰ দীপালী পাতি বুকুৰে চিনাকি হম
নিৰলে নিজানে বহি অচিন পাৰত।

# কবিতা কুঁৱৰী

তোমাৰেই পৰশত কবিতা জনম মোৰ
তুমিয়েই জীৱনৰ অনন্ত কবিতা ;
তোমাৰ সি ছবিখনি ছন্দৰ আকৃতি ভৰা
অনন্ত সৌন্দৰ্য্য ভৰা জলন্ত সৰিতা।

মিচিকিয়া হাঁহিটিয়ে ৰূপৰ লহৰী তুলি
বিৰিঙাই দিয়ে আজি আনন্দ প্ৰাণত ;
ধুনীয়া খোপাৰে গঁথা চিৰিলীয়া বেণীটিয়ে
নাচি নাচি উৰি যায় মৃদু হিল্লোলত।

চিঁয়া গোট কঁকালৰ উঠন্থুৰা বুকুখনি
অপৰূপা যৌৱনৰ পোহৰ বিলাই ;
প্ৰতিমা সদৃশ যেন শৰীৰ গঠনে তোমাৰ
প্ৰেমিক প্ৰাণত আজি কবিতা যোগায়।

মৃণাল সদৃশ যেন সুকুমল কণ্ঠনলী,
কুৰঙ্গ নয়ন যেন গহীন চাৱনি ;
আধা ফুটা আধা মাতে পৰাণ জুৰাই যায়
আলসুৱা জীৱনৰ বিলাই বাতৰি।

কেচা সোণ বৰণীয়া ওঁঠৰ ৰক্তিম ৰেখা
অনন্ত সৌন্দৰ্য্য ভৰা ওঁঠৰ লহৰী ;
অনন্ত মাধুৰী ভৰা জীৱন যৌৱন ৰূপ
অনন্ত কবিতা ভৰা কবিতা কুঁৱৰী।

---

# গঁথা আছে

জানো মই কাৰ আজি ধুনীয়া ছবিটি আঁকি
পূজাদি পূজাৰী হলো পূজাত আকুল ?
পূজোতে পূজোতে কোনে পূজাৰ সন্ধান নিদি
মায়াবিনী কোনে মোক কৰিলে বাতুল ?

চকু মেলি দেখোঁ যাৰ অপৰূপ ৰূপৰাশি
চকুমুদি দেখোঁ যাৰ ৰূপৰ মাধুৰী ;
সপোনত দেখোঁ যাক মিচিকি হাঁহিটি ভৰা
ইযে মোৰ জীৱনৰ প্ৰেমৰ মূৰুতি ।

বিশ্বৰূপী বিশ্বকৰ্ম্মা মৰত ভূমিত নামি
ৰচিলে নিজেই যেন নিকুঞ্জ কানন ;
তাৰে যেন এচুকত ৰূপৰ সম্ভাৰ লই
নিজেই গঢ়িলে যেন ধুনীয়া জীৱন ।

অলঙ্কাৰ বিভূষিতা নহয় প্ৰতিমা মোৰ
আধুনিক জগতৰ নহয় দুলালী ;
সৌন্দৰ্য্য উপচি পৰা সৰল অন্তৰখনি
প্ৰেমিক প্ৰানৰ মোৰ প্ৰেমৰ পুতলি ।

সপোনে দিঠকে বহি বচিছোঁ সপোন মোৰ
জীৱন যৌৱন ভৰা ৰূপৰ কাৰেঙ ;
তাৰেই মোহত সাজো সেউজীয়া ৰংঘৰ
সানি লই সপোনৰ মাধুৰিমা ৰঙ।

সমাজৰ আঁৰ লই আছোঁ আমি দুয়ো ৰই
সপোনৰ মাজতেই মৰম বিলাই ;
সপোনে শয়নে দুয়ো প্ৰেমৰ ভোলেৰে গাঁথা
গাঁথা আছে জীৱনক হিয়াই হিয়াই।

## শাৰদী পৰত

আমনি নাপালে সখী আকৌ আহিবা
মনোৰম শাৰদী পৰত ;
খেলিম পুনৰ আমি প্ৰীতি-গীত গাই
ৰঙি লই লুইতত পাৰত ।

তাহানিৰ দৰে আমি ৰূপালী বালিত
বালিমাহী খেদি খেদি যাম ;
ভাগৰি পৰিলে সখী বহিম বালিত
আনন্দেৰে বনগীত গাম ।

বালিঘৰ সাজি লই আকৌ খেলিম
দুয়ো আমি মুখা মুখি হৈ ;
হা-ডু-ডু-ডু খেলি খেলি ফুৰিম বালিত
লগৰীয়াৰ স'তে একে হই ।

সানি লই গাত সখী পলসুৱা বোকা
জপিয়াম শীতলী পানীত ;
সাঁতুৰি-নাদুৰি সখী ধৰাধৰি কৰি
সাঁতুৰিম বুঢ়া লুইতত ।

পানীৰ কাষত বহি পুখুৰী খানিম
ধেমালিৰে কটাই সময় ;
পাৰত সাজিম আহা তাহানি কালৰ
অসমৰ দ'ল দেৱালয়।

লগৰীয়া সতে মিলি বন-ভোজ পাতি
যাম' আমি গৰু খেদি খেদি ;
চাপৰিত গৰু এৰি বন-ভোজ খাই
ঘূৰি যাম লৰ মাৰি মাৰি।

বনৰীয়া ৰাজ-হাঁহ চাকৈ-চকোৱা
পৰিবহি পানী যুঁৱলিত ;
আপোন পাহৰা পখী ফুৰিবহি চৰি
চাম দেই আমি লুইতত।

ৰূপালী বালিৰ ঘোঁৰা খোদ খেদি আমি
বহি লম চাপৰি আঁৰত ;
বনৰীয়া গীত গাই ভাগৰ পলাম
প্ৰতিধ্বনি তুলি আকাশত।

বনৰ হৰিণী পহু বন - বিহাৰিণী
কুমলীয়া ভৰা ঘাঁহনিত ;
বনৰ চৰাই পহু জাকে জাকে মিলি
চৰিবহি বালি চাপৰিত।

বান্ধনি বেলিটি দেখি ঘৰমুৱা হই
ঘূৰি যাম গৰু-ধেঁাৰা লই ;
গুৱনি চাপৰি ডৰা কপাঁহ তুলিম
গৰখীয়া বনগীত গাই।

জিলিকিব আকাশত শাৰদী জোনাক
সন্ধিয়াৰ তৰা অগণন ;
লুইত পাৰত বহি সন্ধিয়া-পৰত
তৰা লেখো আহা প্ৰয়োজন।

নাপালে আমনি সখী আকৌ আহিবা
জীৱনৰ শাৰদী পৰত :
খেলিম আকৌ দুয়ো প্ৰীতি-গীত গাই
ৰূপোৱালী বালি লুইতত।

———

# বিহুতলী লুইতৰে পাৰ

অসমীৰ বৰেজী· বাংঢালী শিপিনী
মইনামন্তী গাভৰু
বিহুলৈ লগালে তাঁত ;
ফুলেবছা গামোচা দহিৰটা চেলেঙৰ
মুগা ৰিহা মেখেলাৰ পাট ।
খিটিৰ খিটিৰ কৰি তাঁতৰ শালে মাতিলে
দোৰপতিৰ গুৱলা
বিহুৰ ওলগনি মাত ;
লাচত উলিয়ালে আমাৰে শিপিনী
চেলেং চকঠীয়া পাট ।

আহিলে বহাগী সাদৰী বিহুৱা
বিহুতলী গুৱনি হ'ল
ৰঙতে বোৱালে নই ;
চোমনি আঁৰতে টকাৰ মাত মাতিলে
লগৰীক বুকুতে লই ।
গছৰ ডালে-পাতে বিহুতী চৰায়ে
আনন্দত বলিয়া হই
বনতে বনগীত গালে ;
অসমীৰ বুকুতে আনন্দে উপচি
গা হালে-জালে কৰে ।

সাতাম পুৰুষীয়া চেনেহৰ বিহুটি
মৰমৰ বহাগী
জন্মৰ চিনাকী মোৰ ;
অসমীৰ বুকুৰে শান্তি মোৰ নিজৰা
বনগীতৰ সুৱদি সুৰ।
তাহানি কালৰে বিহুৱা ভকতৰ
ডেকা গাভৰুৰে
বিহুতলী লুইতৰে পাৰ ;
পুৰণি পেপাটিৰ চিনাকি টকাৰ মাত
আজিও যোৱা নাই মাৰ,
বিহুতলী লুইতৰে পাৰ।



## সপোন পুৰত

জীৱনৰ পৰে পৰে
মানসী কুসুম লই
গাঁথিছো প্ৰীতিৰ মালা নিকুঞ্জ বনত ;
বুকুৰ আপোন সুৰে
গাঁথিছো কবিতা হাৰ
তোমাকে পিন্ধাম বুলি মিলন পৰত।
প্ৰীতিৰ কবিতা হাৰ মৃণালী কণ্ঠত॥

সপোনৰ আঁৰে আঁৰে
তোমাকে বিচাৰি যাওঁ
বিৰহ বেদনা সহি আপোন বুকুত ;
চিকি মিকি লুইতৰ
ৰূপালী বালিত গই
শৈশৱৰ খেলা খেলোঁ সপোন পুৰত
তুমি, তুমি আৰু মই একোটি ভাৰত॥

সপোন পুৰত সখী
প্ৰীতিৰ কবিতা হাৰ
কতনা পিন্ধাওঁ মোৰ আপোন ভাৱত ;
কতনা শুনাওঁ মোৰ
বুকুৰ আপোন সুৰ
মধুৰ জোনালী ৰাতি মিলন পৰত
প্ৰণয়ৰ খেলা খেলি সপোন পুৰত ॥

হোৱা হলে সখী ঐ
ৰঙিলী পখিলি মই
পৰা হলে সখী ঐ বিজুলী ছাটিত ;
যাচিলে াহেঁতেন মোৰ
বুকুৰ আপোন জন
চেনেহৰ চুমা আঁকি নিমজ গালত
বিচাৰি বিচাৰি গই অচিন্ত পাৰত ॥

---

# সন্ধিয়া পৰত

নিৰজন লুইতৰ পাৰত অকলে গই
অকলে অকলে বহি সন্ধিয়া পৰত ;
মিলন স্মৃতি লই বিৰহ সঙ্গীত ৰচি
সদায় অকলে গাওঁ বিৰহ সঙ্গীত।
অকলে অকলে বহি সন্ধিয়া পৰত ॥

কিহব শুনালে আজি বিৰহ বেদনা ৰাশি
দেই পুৰি বিৰহৰ অগনি জ্বালত ;
তুমি জানো শুনা সখী বতাহত কান পাতি
ভাঁহি ফুৰা মোৰ সেই বিৰহৰ গীত।
বিৰহ বিননি মোৰ বতাহ বুকুত ॥

তোমাকে পিন্ধাম বুলি কতবাৰ গাঁথিছিলো
ছিডি ছিডি প্ৰণয়ৰ ৰঙা-জবা ফুল ;
তল সৰা শেৱালীৰ কত মালা গথা মোৰ
বিৰহৰ তাড়নাত মৰহি শুকাল।
অকালতে মৰহিল ৰঙা-জবা ফুল ॥

মাজ ৰাতি সপোনত লাজুকী ছবিটি দেখি
কতবাৰ মাতো আহা মোৰ কাষলই ;
লাহৰী হাতত ধৰি স্নেহ চুমা যাচোঁতেই
মধুৰ সপোন ভাঙি যায় দূৰলই।
নিঠৰুৱা কৰি মোক পৰ পাৰলই ॥

যদিওবা ইয়ে আজি প্ৰণয়ৰ শ্ৰেষ্ঠদান
বিৰহেই জীৱনৰ মধুৰ সপোন ;
তথাপিতো তুমি মোৰ প্ৰেমৰ পৰশমণি
নিঠকুৱা জীৱনত তুমিয়ে আপোন ।
তুমিয়েই প্ৰণয়ৰ জীৱন্ত দাপোন ॥

তুমিও অকলে আজি লুইত পাৰত গই
কান পাতি শুনিবাচোঁ সন্ধিয়া পৰত ;
ভাহি ফুৰা বতাহত বিননি বিৰহ মোৰ
ৰিণিকি ৰিণিকি সখী পৰিব কানত ।
বিৰহ বিননি মোৰ সন্ধিয়া পৰত ॥

---

# মিলন

সমাজৰ আঁৰে আঁৰে হইছিল মোৰ বিয়া
সেইদিনা যৌৱনৰ শুভ লগনত ;
নোৱাৰিলে কোনো কব চেনেহী প্ৰিয়াৰ সতে
গন্ধৰ্ব্ব প্ৰথাৰে পতা অলকা পুৰত ।

নাই লোৱা কোনো কাৰো মোৰ বিয়াৰ মতামত
নাই লোৱা পিতা মাতা নিজ সমাজৰ ;
প্ৰেমৰ গোপন বান্ধে আপোন ইচ্ছাৰে পাতি
নিজেই পূজাৰী হলো মিলন পূজাৰ ।

নাই সজা সেইদিনা তৰাফুল বাচি বাচি
ফুলেৰে সজ্জিত কৰি বিয়াৰ মণ্ডপ ;
নাই পতা পদূলিত যুৰীয়া কলৰ পুলি
নেদেখালো কাকো মোৰ বিয়াৰ স্বৰূপ ।

নাই তোৱা মুখৰিত মিলন আৰতি গীতে
নাই তোলা গঙ্গাজল কলসী ভৰাই
নাই মতা কাকো মই চিঠিৰ আদান ৰাখি
থুৰীয়া তামোল যাচি বিয়া বিয়া বুলি

নাজানিলে কোনো মোৰ হিয়াৰ মিলন বিয়া
চেনেহী প্ৰিয়াক ধৰা বুকুত সাৰটি ;
এডালি কুসুম হাৰে গুপুতে গুপুতে পতা
মৃনালী কণ্ঠত বৰা প্ৰিয়াৰ ছবিটি ।

জীৱনত আৰু সখা নহব নীতিৰ বিয়া
নহয় নহয় সখী পুনৰপি মোৰ ;
চেনেহী প্ৰিয়াৰ সতে অকলে অকলে পতা
ইয়েই মিলন বিয়া মোৰ জনমৰ ।

হয় যদি পুনৰপি কৰিব লগীয়া বিয়া
কৰিম সাদৰে সখী চিতাক সাৰটি ;
মৰণৰ সিপাৰত পাতিম একোটি বিয়া
চেনেহী প্ৰিয়াক লই বুকুত সাৰটি ।

———

# হেৰোৱা ছবিটি

( ক )

প্ৰণয়ৰ ফুলপাহি হঠাতে মৰহি গ'ল
ডুবিল আশাৰ তৰী অতল জলত ;
প্ৰেমৰ সুৰদি সুৰ সিও আজি মাৰ গ'ল
বতাহ বুকত সউ দূৰ নীলিমাত।
ডুবিল আশাৰ তৰী অতল জলত ॥

সেইদিনা দুয়ো বহি তটিনী পাৰত গোৱা
প্ৰেমৰ ৰাগিণী টানি একেটি সুৰত ;
ৰিণিকি ৰিণিকি বাজে সুদূৰ নীলিমা মাজে
সুমধুৰ কণ্ঠস্বৰে দূৰ গগণত।
লাজুকী ওৰণি টানি মেঘৰ আঁৰত ॥

যদিও নুশুনা আজি হেৰোৱা গীতৰ সুৰে
যদিও নাবাজে তোমাৰ হৃদয় বীণত ;
তথাপিতো আজি মোৰ বিৰহৰ স্মৃতি জাগি
ঘনে ঘনে আজি আছে নীৰব বীণত।
মিলন স্মৃতি সনা বিৰহী বীণত ॥

নুবুজিলোঁ আগে সখী জীৱনৰ মোহ-মায়া
ভৰি দিয়া যৌৱনৰ দুৱাৰ দলিত ;
অমিয়া মাধুৰী লভি খেলিছিলোঁ মাথোঁ আমি
শিশুমতি আনন্দৰ উলাহ ভাৱত।
ভৰি দিয়া যৌৱনৰ দুৱাৰ দলিত ॥

সমাপিলোঁ ইদৰেই ধুলিবালি খেলি খেলি
কিশোৰী জীৱন লীলা তটিনী পাৰত ;
ক্রমে ক্রমে দেখা দিলে জীৱন বসন্ত বেলি
ভৰি দিলোঁ যৌৱনৰ অচিন পাৰত।
সমাপি কিশোৰী লীলা তটিনী পাৰত ॥

( খ )

কিবা যেন নাই বুলি উঠিল প্রাণত বাজি
অজানিতে যৌৱনৰ পাই পৰশন ;
প্রাণে প্রাণে ভালপোৱা অমূল্য ৰতন মোৰ
সেই হেতু সপিছিলোঁ জীৱন যৌৱন।
অজানিতে যৌৱনৰ পাই পৰশন ॥

বুকুত সাৱটি লই তুমি জানো নিদিছিলা
প্রণয় সন্ধান মোৰ উথলা প্রেমৰ,
"জনমে জনমে তুমি হবা মই তোমাৰেই
প্রেমৰ সঙ্গিনী মই ইহ জনমৰ।"
দিছিলা সন্ধান মোৰ উথলা প্রেমৰ ॥

বুকু-ভৰা প্ৰেম জানো নিদিছিলা মোকে সঁপি
চেনেহৰ চুমা যাচি গোলাপী গালত ;
হাঁহোনে নেহাঁহো কৰি মিচিকি হাঁহিটি মাৰি
কতবাৰ যাঁচিছিলা ৰাঙলী ওঁঠত ।
চেনেহৰ চুমা যাঁচি সেন্দুৰা গালত ॥

সেইদিনা তুমি জানো বকুল তলত গই
গঁথা নাই প্ৰেম-মালা চেনেহ ডোলেৰে ,
বকুলৰ মালাধাৰী মোকে জানো বৰা নাই
প্ৰণয়ৰ প্ৰীতি-চিন বুলি মনে মনে ।
গঁথা সেই প্ৰেম-মালা চেনেহ ডোলেৰে ॥

পপীয়া তৰাৰ দৰে প্ৰণয়ৰ বান্ধ ছিঙি
কিয় কেনে গুচি গলা নিঠৰুৱা কাৰ ,
কাৰ আজি ছলনাত জীৱন যৌৱন সঁপি
বুকুৰ মাণিক নিলা বুকু শুদা কৰি ।
এৰি থৈ গলা মোক নিঠৰুৱা কৰি ॥

নিদিলা সিদনা ধৰা নাৰীৰ চাতুৰী খেলা
ভাবিছিলো প্ৰেয়সীৰ সুকোমল প্ৰাণ ;
উঠন বুকুত থকা চেনেহৰ বহঘৰা
প্ৰেয়সীয়ে দিব মোক প্ৰেম প্ৰতি দান ।
সেয়ে হব প্ৰণয়ৰ শেষ অৱদান ॥

(আজি) নয়নৰ আগে আগে সেই ছবি ভাঁহি উঠে
চাই চাই ভাল লাগে আজিও পৰাণে ;
ব্যথিত প্রেমিক মই প্রাণ তৃষ্ণা পলুৱাই
হেৰোৱা ছবিটি চাম গোটেই জীৱনে।
ভাল লাগে চাই চাই সতৃষ্ণ নয়নে ॥

(গ)

ডালিম গুটীয়া দাঁত জিলিকি উঠিছে তাত
যৌৱন সৌন্দর্য্য আভা উঠন বুকুত ;
কুৰঙ্গ নয়ন দুটি লাজুকী চাৱনি সানি
জিলিকি উঠিছে মোৰ মানস পটত।
নাৰীৰ সৌন্দর্য্য আভা উঠন বুকুত ॥

যদিও নাছিল তোমাৰ মনোমোহা সাজপাৰ
ৰূপত ৰহন সনা নিমজ গালত ;
অসমীয়া মুগা পাট যদিও নাছিল গাত
ফুলেবছা নাকফুল শুৱনী নাকত।
মিনা কৰা জাংফাই দুখনি কানত ॥

যদিও নাছিল সখা মুগাৰ মেখেলা ৰিহা
মৃণালী কণ্ঠত তোমাৰ মণি মুক্তাহাৰ ;
খারু-মণি গলপতা নাক ফুল, ফুলেবছা
যদিও জিলিকা নাই জীৱন তোমাৰ।
তথাপিতো উঠিছিল ৰূপৰ জোৱাৰ ॥

সেইদিনা সেই হেতু সপিছিলোঁ ভালপোৱা
প্ৰেমৰ মানিক মোৰ বুকুত সাৰটি ;
অনুপমা ৰূপ ৰেখা লাৱণ্য ছবিটি সখা
জিলিকি থাকিব সেই মিচিকি হাঁহিটি।
মানস পটত ভাঁহি হেৰোৱা ছবিটি ॥

---

# নিৰাশ্ৰয়া পক্ষী

সন্ধিয়াৰ আকাশত অকলশৰীয়া এটি
ৰই ৰই উৰি যায় বনৰ চৰাই:
অৱশ শৰীৰ লই নোৱাৰি উৰিব দেহি
ক্ৰমে ক্ৰমে পিছ পৰে লগ হেৰোৱাই।

লগৰ লগৰীইঁতে গল নিতে আগুৱাই
আকাশৰ বুকুৰেদি পাখি মেলি মেলি;
নিৰাশ্ৰয়া পক্ষী মই পিছে পিছে উৰি যাওঁ
নিৰাশ্ৰয়া জীৱনৰ আশ্ৰয় বিচাৰি।

পশ্চিমৰ দিগন্তত কলীয়া ডাৱৰ দেখি
অজানিতে কঁপি উঠে বুকখনি মোৰ;
কিজানিবা বাধা দিয়ে বাট মোৰ পচোৱাই
যাবলৈও আছে আজি বাট বহুদূৰ।

জীৱনৰ পদে পদে আপদ বিপদে আহি
লগৰ লগৰী হল মোৰ জনমত;
আজিও কৰিছো গতি সেই একে পথেৰেই
পামগৈ লগ জানো কোনোবা পৰত ?

চৰণীয়া পথাৰত লগ সঙ্গে এৰি থই
উৰি উৰি গুচি যায় বহু দূৰলই ;
লগৰীয়াৰ সন্ধানত হাবাথুৰি খাওঁ নিজে
বিচাৰি বিচাৰি তাকো নাপাওঁ দুনাই।

যতে পাওঁ ততে খাওঁ নাপালেও নাই মোৰ
যাওঁ বুলি নোৱাৰোযে যাব উৰা মাৰি ;
জনমৰ সেয়ে আজি জীৱন নির্ব্বাহ গতি
ইয়াকেই নিৰাপিলে বিশ্ব নিয়ন্তাই।

এই পঙ্গু জীৱনত নাই আৰু সুখ শান্তি
ভাইগৰ ওপৰত আশাক থিয়াই,
দিন নাই ৰাতি নাই খোৱা নাই শোৱা নাই
আশ্ৰয় বিচাৰি ফুৰো উপাই নেপাই।

বৰষুণ বতাহত থাকো মই তিতি বুৰি
গছৰ ডালত বাহঁ নোৱাৰো সাজিব ;
আগন্তুক বিপদতো জুপোহানি গছ দেখি
উৰো বুলি হঠাতেই নোৱাৰো উৰিব।

জীৱনৰ মায়া-মোহ এতিয়া পৰিব গুৰ
পশ্চিমৰ ধুমুহাই নিব উৰুৱাই ;
লগৰ লগৰী গ'ল পাখী মেলি আকাশত
জীৱন সঙ্গিনী লই বাহমুৱা হই।
অকলশৰীয়া কৰি মোক এৰি থই॥

# পৰিছোঁ ভাগৰি

আজি মই জীৱনৰ
ভৰ দুপৰত
অকাতৰে পৰিছোঁ ভাগৰি ;
দিয়া মোক তুলি দিয়া
দুবাহুত ধৰি
ঘিণ কৰি নাযাবা আঁতৰি !

জীৱনত বহু ললোঁ
কৰমৰ বোজা
সাধো বুলি বহু বোজা ভাৰ ;
নোৱাৰি সহিব আজি
অসহনি ভাৰ
ভাগৰিছে দুৰ্ব্বল শৰীৰ ।

আন্ধাৰে ঢাকিলে আজি
জীৱন আকাশ
নেদেখিছোঁ দূৰণিৰ জ্যোতি ;
বিপদৰ খলা-বমা
একোকে নমনো
নাই মোৰ পথৰো সাৰথি ।

কত আশা বাসনাৰে
বান্ধিছিলোঁ ভাৰ
আদৰেৰে সাদৰে সাধিম ;
দেখোঁ আজি জীৱনৰ
দিন দুপৰতে
ঢাকে মোৰ আন্ধাৰে অসীম।

ব্যৰ্থ কৰি বান্ধি ললোঁ
কৰমৰ বোজা
ব্যৰ্থ কৰি দুগুণ গধুৰ ;
দুৰ্ব্বল শৰীৰ সেয়ে
পৰিছে ভাগৰি
যাবলৈয়ো আছে বহুদূৰ।

নোৱাৰো নোৱাৰো যাব
অসহনি বোজা
ভাৰ বই বহু দূৰলই ;
ভাগৰি পৰিলোঁ মই
নিয়া তুলি নিয়া
তোমাৰ সেই শান্তি ৰাজ্যলই।

———

## শেষৰ বিদায় মাতে

অকস্মাতে আজি সখী বিদায়- বাতৰি লই
চাপিছোঁ। তোমাৰ কাষ শেষ বাৰলই ;
যাম গুছি আজি মই শেষৰ বিদায় লই
নেদেখা কোনোবা মোৰ পৰ পাৰলই।

কই যাম পৰাণৰ আজি শেষ বিদায়ত
অতদিনে সাঁচি থোৱা প্ৰাণৰ সকলো ;
শুনি শুনি আজি মোৰ বুকুৰ বিননি সুৰ
বই যাব দুগালেদি দুধাৰি চকুলো।

শুনিবা কিমান আজি ব্যথাৰ বিননি সুৰ
শুনিবা কিমান আজি বিননি বুকুৰ ;
উমি উমি অন্তৰৰ হিয়াৰ কোণত জ্বলা
বিৰহ বিননি মোৰ দগ্ধ পৰাণৰ।

জীৱন যৌৱন সঁপি আছিলো আনন্দে সখী
ৰচি ৰচি মিলনৰ ৰঙীন সপোন ;
ভাবিছিলোঁ। জনমৰ তুমিচোন সৰগৰ
প্ৰেমৰ সুৰভি মোৰ জীৱন দাপোন।

ভাবিছিলোঁ বিৰহৰ বিষাদ বিননি সুৰ
নহয় নহয় মোৰ আপোন বুকুৰ ;
বিদায় বিষাদ বাণী সুঠিব প্ৰাণত বাজি
হৃদয় বীণৰ সতে হিয়া ভগা সুৰ ।

নাভাঙিব প্ৰণয়ৰ ৰঙীন সপোন মোৰ
নেপাম চকুৰ সখী চকুলো মচিব ;
বুকুভৰা চিনাকিৰ প্ৰেম প্ৰীতি প্ৰণয়ৰ
সপোন ঘুমতি মোৰ নোৱাৰে ভাঙিব ।

কত ৰাতি উজাগৰে ঢৌ খেলি সপোনৰ
কতবাৰ সাৱটিলোঁ বুকুৰ আপোন ;
নিষ্ঠুৰ বিধিৰ লিখা নহয় খণ্ডন সখা
সেইয়েটো ভাঙে আজি সুখৰ সপোন ।

ঘনে ঘনে ঘনে আজি পৰিলে কিহৰ সখি
অতীত স্মৃতি বাৰু বিদায় পৰত ;
জীৱনৰ বাট বুলি যাবযে লাগিব আজি
কৰ্ত্তব্যৰ বোজা বান্ধি আপোন বাটত ।

তুমিতো নোৱাৰা যাব তুমিতো নোৱাৰা হব
লগৰ লগৰী মোৰ জীৱন পথৰ ;
ৰিণিকি ৰিণিকি পৰা ৰঙীন স্মৃতি লই
কান্দিলে কিহৰ আজি হেৰোৱা দিনৰ ।

সুঁৱৰি সুঁৱৰি বাৰু কান্দিলে কিহৰ আৰু
হেৰোৱা সপোন লই দূৰ অতীতৰ;
শুনি শুনি হুমুনিয়া কাঢ়িলে কিহৰ সখী
বুকুৰ বিননি শুনি বিদায় পৰৰ।

বিদায়ৰ লগে লগে শেষ হব প্ৰণয়ৰ
মধুৰ ছবিটি মোৰ চকুৰ আঁৰত;
শেষ হব দুদিনীয়া ৰঙীন সপোন মোৰ
মিলন স্মৃতি লই বিস্মৃতি বুকত।

সেয়ে সখী জীৱনলৈ সেয়ে শেষ দেখাদেখি
ব্যথাৰ বিননি সেয়ে আপোন বুকৰ;
বেথা ভৰা জীৱনৰ ব্যৰ্থতাৰ শ্ৰেষ্ঠদান
প্ৰণয়ৰ প্ৰতিদান ব্যৰ্থ প্ৰেমিকৰ।

দুদিনীয়া প্ৰণয়ৰ চেনেহ বান্ধোন ছিঙি
এযাৰি সাদৰী মাতে মাগিলো বিদায়;
কৰমৰ বোজা লই আছিলো আঁতৰি সখী
শেষৰ বিদায় মাতে বিদায় বিদায়।

---

# হেৰোৱা অতীত মোৰ মাৰ যোৱা নাই

যদিওবা ভাগি গল সুখৰ সপোন মোৰ
সপোনৰ আঁৰতেই মাধুৰী বিলাই ;
তথাপিতো তাহানিৰ প্ৰীতিৰ স্মৃতি গঁথা
হেৰোৱা অতীত মোৰ মাৰ যোৱা নাই।

আজিও প্ৰাণত বাজে হেৰোৱা গীতৰ সুৰ
একেটি সুৰতে বাজে তাহানিৰ বীণ ;
একেই প্ৰাণত জাগে অতীত স্মৃতিবোৰ
ললিত লয়েৰে ভৰা প্ৰতিধ্বনি ক্ষীণ।

আজিও সুৰুজ বাজে পুৱাৰ বেলিকা হলে
ৰূপালী তৰাই হাঁহে নীল গগণত ;
তুৰবি দলিচা পাৰি আজিও দেখিছো তৰা
সন্ধিয়াৰ জুৰ লই লুইত পাৰত।

তল সৰা শেৱালীৰ আজিও গাঁথিছো মালা
প্ৰীতিৰ ডোলেৰে কত বুৰিত ভৰাই ;
আজিও ৰচিছো কত বুকুত কবিতা কলি
অতীত স্মৃতি শত বুকত জুৰাই।

বালিঘৰ সাজি সাজি পুতলাৰে বিয়া পতা
লৰালি কাহিনী মোৰ আজিও আপোন ;
মুগা-ৰিহা মেখেলাৰে আঙঠি জুৰণ দিয়া
সুঁৰৰিলে নালাগেনে সপোন সপোন ?

# শুনি জানো ভাল লাগে

শুনি জানো ভাল লাগে আজিৰ কবিতা মোৰ
নতুন ছন্দৰে গঁথা
শত শত দৰিদ্ৰৰ, বুকু ফুটা যাতনাৰ
নগ্ন-অশ্ৰু বিষাদৰ, হিয়াই হিয়াই গথা
নতুন দিনৰ মোৰ নতুন কবিতা ?

শুনি জানো ভাল লাগে দুৰ্ব্বলীৰ ওপৰত
বলীৰ শোষণ নীতি
উচ্চ-নীচ ব্যভিচাৰ, শাসনৰ অবিচাৰ
কটা-কটি মৰামৰি, নতুন প্ৰচাৰ
দুৰ্নীতি মানৱৰ ন্যায়ৰ বিচাৰ

শুনি জানো ভাল লাগে নিয়তীৰ অৱদান
বলীয়ান লুইতৰ ধল
নিতে কৰি তলমল, বোৱাই ধৰণী তল
শান্তিপ্ৰিয় জনতাক, কৰি আত্মহাৰা
নতুন সমাধি গঢ়া নই কাষৰীয়া ?

শুনি জানো ভাল লাগে খৰালিৰ সৰু নই
(বাৰিষাত) লগালেই হুই চই
পুৰণিক এৰি থই, নতুন গতিত বই
সোণৰ দেশত মোৰ, নতুনৰ ৰূপ লই
তাণ্ডৱ নৃত্যৰে কৰে ধৰণী কঁপাই ?

শুনি জানো ভাল লাগে ডিবুক ঘাটৰ কথা
চপৰা চপৰে খহে
লুইতৰ বালি গছা, নতুনৰ ধ্বংস-লীলা
কাঙালিনী কৰে আজি, ডিবুক বাসীক
তোমাৰ কানত চা'গে নহয় সঠিক ?

শুনি জানো ভাল লাগে পুণ্যভূমি অসমীৰ
পৰশু কুণ্ডৰ কথা
নাই আজি সেই শোভা, শুনিলে লাগিব ব্যথা
প্ৰকৃতিৰ ৰম্যপুৰী, কুণ্ডিল নগৰী
বহিলে খন্তেক যত লাগে শান্তিপুৰী।

শুনি জানো ভাল লাগে আজি কোন কেনি গ'ল
আৰু কত কিনো হল
নগৰ সাগৰ হল লুইতত পুত গল
অসমী বুকুৰ মোৰ, গৌৰৱ কাহিনী
শুনি শুনি আজি তোমাৰ নালাগে আমনি ?

শুনি জানো ভাল লাগে এট'ম বোমাৰ কথা
শ্ৰেষ্ঠতম সভ্যতাৰ
বিজ্ঞানৰ শ্ৰেষ্ঠদান, জগতৰ শ্ৰেষ্ঠ মান
বশীভূত কৰি লোৱা, মহা মানৱৰ
ভুৰি শক্তিকাৰ এই পাশুপট শৰ ?

নিজে শুনি ভাল লাগে    ন্যায়-শান্তি-বিচ ৰৰ
সুখে ভৰা জীৱনৰ
ধৰ্ম্মত ৰতি মোৰ,    অধৰ্ম্মক কৰি দূৰ
তাহানিৰ ৰামৰাজ্য,    ধৰ্ম্ম ৰাজত্বৰ
কুৰি শতিকাই যাক নকৰে স্বীকাৰ।

শুনিবা কিমান আৰু    আজিৰ কবিতা মোৰ
কবিতা কাহিনী ভৰা
বিষাদ কালিমা সনা,    নতুনৰ নগ্ন বাস্তৱতা
উদয়াচলত আজি    মলিন সবিতা
নতুন দিনৰ মোৰ নতুন কবিতা?

# কিতাপখন পাব

বাণী মন্দিৰ, ডিব্ৰুগড় ; মিত্ৰ এজেন্সি, তিনিচুকীয়া ; মডাৰ্ণ বুক ষ্টল, শিৱসাগৰ ; ৰামধ্যা পীঠ লাইব্ৰেৰী, দিখৌমুখ ; বৰকটকী কোম্পানী, যোৰহাট ; নিৰ্ম্মলা বুকষ্টল, লক্ষীমপুৰ ; লয়াৰচ বুক ষ্টল, গৌৱাহাটী ; চপলা বুক ষ্টল, চিলং ; আৰু অসমৰ অন্যান্য কিতাপৰ দোকানত।

ছপা হব ধৰিছে—

কবিতা কলি